# বাপুজীৰ ধৰ্ম্ম-বাণী



"মোৰ জীৱনেই মোৰ বাণী"

কিতাপ পোৱা ঠাই—

কালীন্দ্ৰ কলিতা
পাণ্ডাৰথান (চ'ক বজাৰ)
পোঃ আঃ নলবাৰী

# বাপুজীৰ ধৰ্ম্মবাণী



প্ৰথম প্ৰকাশ

১৫ আগষ্ট

১৯৪৮

দাম এসিকি মাত্ৰ

প্ৰকাশক আৰু সংগ্ৰাহক---
শ্ৰীধৰ্ম্মদাস চৌধাৰী
শ্ৰীকালীন্দ্ৰ কলিতা
নলবাৰী

প্ৰিণ্টাৰ---
শ্ৰীবন্ধুৰাম দত্ত
আলোক প্ৰেছ, নলবাৰী



স্বাধীন ভাৰতৰ প্ৰথম আৰু
জনপ্ৰিয় প্ৰধান মন্ত্ৰী—
পণ্ডিত জৱহৰলাল নেহৰুৰ
কৰকমলত—



# ৰামধুন

[ বাপুজীৰ প্ৰিয় প্ৰাৰ্থনা সঙ্গীত ]

ৰঘুপতি ৰাঘৱ ৰাজাৰাম
পতিতপাৱন সীতাৰাম ।
সীতাৰাম জয় সীতাৰাম
পতিতপাৱন সীতাৰাম ॥
ঈশ্বৰ আল্লা তেৰে নাম
সবকো সুমতি দে ভগবান ।
ৰঘুপতি ৰাঘৱ ৰাজাৰাম
পতিতপাৱন সীতাৰাম ॥
জয় ৰাম জয় ৰাম, জয় জয় ৰাম
পতিতপাৱন সীতাৰাম ।
ভজ মন প্যাৰে ৰাম ৰহীম
ভজ মন প্যাৰে কৃষ্ণ কৰীম
ৰঘুপতি ৰাঘৱ ৰাজা ৰাম
পতিতপাৱন সীতাৰাম ॥

---

## আমাৰ কব লগীয়া আখৰ চেৰেক

পুণ্যভূমি ভাৰতত জন্ম গ্ৰহণ কৰিয়েই দূৰ অতীতত শ্ৰীকৃষ্ণই আমালৈ এৰি গৈছে জগত-বিখ্যাত "গীতা"। সেই ভাৰততে জন্মি ভাৰতীয় জাতিৰ পিতা, অহিংসাৰ প্ৰতীক মহামানৱ মহাত্মা গান্ধীয়ে ভাৰতীয়ক যি দি গৈছে তাক নতুনকৈ দোহাৰিবৰ কাম নাই। তেখেতৰ বিভিন্ন বিষয়ৰ অমৰ বাণী সমূহে আমাক পথৰ সন্ধান দেখুৱাব আৰু অনুপ্ৰেৰণা দিব। সেই বাণীবিলাক বিভিন্ন ঠাইত সিঁচৰতি হৈ আছে। আমি তেখেতৰ কেৱল ধৰ্ম্ম বিষয়ক বাণী কিছুমান সংগ্ৰহ কৰি অসমীয়া ৰাইজৰ আগত প্ৰকাশ কৰিলোঁ। লগতে মহামানৱৰ অমৰ আত্মালৈ আমাৰ শ্ৰদ্ধাৰ অৰ্ঘ্য নিবেদন কৰিলোঁ। ইতি—

বিনীত

সংগ্ৰাহকদ্বয়



# —বাপুজীৰ ধৰ্ম্ম-বাণী—

(১)

সত্য আৰু অহিংসাই মোৰ ধৰ্ম্ম। সত্য মোৰ উপাস্য আৰু অহিংসা হৈছে মোৰ ঈশ্বৰক পোৱা পোণপতীয়া পথ।

(২)

অহিংসা যেতিয়া বিশ্বজনীন হয়, তেতিয়া ই সকলো বস্তুকে স্পৰ্শ মাত্ৰেই শুদ্ধ কৰে।

(৩)

মই তোমালোকক কওঁ অন্যায়ৰ প্ৰতিৰোধ নকৰিবা।

যি তোমাৰ সোঁ গালত চৰ সোধায়

তেওঁক সিথন গালো পাতি দিবা।

(৪)

মই অভিজ্ঞতাৰপৰা জানিছোঁ যে আমাৰ বিপক্ষক ন্যায় কৰিলে

আমি সোনকালে ন্যায় বিচাৰ পাওঁ।

(৫)

মই অহিংসাক হিংসাতকৈ শতগুণে শ্ৰেয় বুলি ভাবোঁ। প্ৰতিশোধতকৈ ক্ষমাইহে মনুষ্যত্বৰ চিনাকী। ক্ষমা বহুৰাৰ ভূষণ। ক্ষমতা সত্বেও তাক ব্যৱহাৰ নকৰাটোহে প্ৰকৃত ক্ষমা। নিশকতীয়া ক্ষমাৰ কোনো মূল্য নাই।

(৬)

অহিংসা ধৰ্ম্ম কেৱল ঋষি আৰু মুনিৰ কাৰণেই নহয়— ই জনতাৰ কাৰণেও। অহিংসা মানবীয় ধৰ্ম্ম—হিংসা হৈছে পশু ধৰ্ম্ম।

(৭)

আত্ম-পৰীক্ষা আৰু আত্ম শুদ্ধিয়েই

অহিংস জীৱন-যাপনৰ মূল কথা।



(৮)

অহিংস নীতিয়েই যে আক্ৰমণকাৰীক প্ৰতিৰোধ কৰিবলৈ আটাইতকৈ বেছি সাহসিকতাৰ নিদৰ্শন। এই ধাৰণা বৰ্ত্তমান বিশ্বৰ নাই আৰু নাই বুলিয়েই আনবিক বোমাৰ সহায় লবলগা হৈছে। কিন্তু যি সকলে হিংসা নীতিৰ ব্যৰ্থতা অনুভৱ কৰিব নোৱাৰে তেওঁলোকে স্বভাৱতেই সকলো শক্তি নিয়োগ কৰি অস্ত্ৰায়োজনত উঠি পৰি লাগিব।

(৯)

অহিংসা দুৰ্ব্বলৰ অস্ত্ৰ নহয়, সবলৰ শক্তি। তোমাৰ আধ্যাত্মিকতা যেন কেৱল আচল চিন্তায়েই নহয়। শত্ৰুৰ লগত সংগ্ৰামৰ শক্তিও যেন তোমাৰ থাকে।

(১০)

আত্মীয় স্বজনক অৰক্ষিত অৱস্থাত ৰাখি বিপদত আঁতৰি যোৱা অহিংসা নহয়। কাপুৰুষতাতকৈ হিংসাও বাঞ্চনীয়।

(১১)

অহিংসাত বিশ্বাসী দেশবাসী নিচেই তাকৰ। কিন্তু এই দীঘল পঁচিশ বছৰ, যি ন আদৰ্শ. গঢ়ি তুলিবৰ কাৰণে অহো-

পুৰুষাৰ্থ কৰিবলগীয়া হৈছে তাৰ যে কোনো ফল ধৰা নাই—সেইটো মই বিশ্বাস নকৰোঁ।

( ১২ )

সকলোৱে এই কথাবাৰ জানি থোৱা যুগুত যে অহিংসাৰ বাহিৰে সত্যক উপলব্ধি কৰা অসম্ভৱ। অহিংসা আৰু সত্যৰ সম্বন্ধ নিচেই ওচৰা-ওচৰি। ইহঁত একেটা টকাৰে ইপিঠি আৰু সিপিঠিৰ নিচিনা।

( ১৩ )

অহিংসাৰ ওপৰত প্ৰতিষ্ঠিত সমাজত অতিষ্ঠ হৈ কেৱে আনৰ ধ্বংসৰ আয়োজন কৰিব নোৱাৰে, কাৰণ দুস্কৃত কাৰীয়ে নিজক সুশুধৰালে নিজকেই ধ্বংস কৰিবলৈ বাধ্য হয়। অন্যায় নিজ বলত কেতিয়াও বাচি থাকিব নোৱাৰে।

( ১৪ )

মোৰ মনত অহিংসা কেৱল দাৰ্শনিক তত্বই নহয়—ইয়েই মোৰ প্ৰাণ স্বৰূপ। গোটেই জীৱনৰ অভিজ্ঞতাই মোৰ এই দৃঢ় বিশ্বাস জন্মাইছে যে একমাত্ৰ অহিংসাৰ পথৰেই মানুহক বচাব পৰা যায়।



( ১৫ )

সত্যৰ বাহিৰে মোৰ সেৱাৰ কোনো ভগবান নাই। সত্য ঈশ্বৰ। অসত্যই তেওঁক স্বীকাৰ নকৰে।

( ১৬ )

সত্য যে সূৰ্য্যতকৈও উজ্জ্বল এদিন এইটো প্ৰকাশ পাবই। সত্যক মিহি কৰাৰ দৰ্কাৰ নাই। সত্যৰ অতিৰঞ্জন নহয়। ইয়াক নীচ কৰিব নোৱাৰি। লৰা-ছোৱালীবোৰে ধেমালিত সূৰ্য্যক আঁৰ কৰি ধৰে; কিন্তু তাৰ দ্বাৰা আঁৰ হব নোৱাৰে।

( ১৭ )

মোৰ নিচিনা শ শ লোক নষ্ট হৈ যাওক তথাপি সত্যৰ জয় হওক। মোৰ নিচিনা অল্পাত্মাক জুখিবলৈ যেন সত্যৰ মাপ-কাঠি ছুটি কৰা নহয়।

( ১৮ )

সত্যই ঈশ্বৰৰ প্ৰকৃত পৰিচয়। সত্য সন্ধানীৰ পক্ষে মৃত্যু অনন্ত জীৱনৰ সিংহদ্বাৰ।

( ১৯ )

সত্যৰ আৰাধনাৰ কাৰণেই আমাৰ অস্তিত্ব— ইয়াৰ কাৰণেই আমাৰ প্ৰত্যেক প্ৰবৃত্তি আৰু সেই বাবেই প্ৰত্যেক নিশ্বাস-প্ৰশ্বাস হোৱা বাঞ্ছনীয়। সত্যৰ বাহিৰে আন কোনো নিয়মেই শুদ্ধৰূপে পালন হোৱা অসম্ভৱ।

( ২০ )

সত্যৰ আৰাধনা হৈছে ভক্তি আৰু সেই ভক্তি হৈছে প্ৰাণ—পৰ্য্যন্ত ত্যাগ কৰিবপৰা শক্তি।

( ২১ )

সত্যৰ সম্পূৰ্ণ-দৰ্শন লাভ কৰা এই দেহাৰে অসম্ভৱ। তাৰ কেৱল কল্পনা কৰিব পাৰি। ক্ষণ-ভঙ্গুৰ দেহাৰ দ্বাৰা চিৰন্তন ধৰ্ম্মৰ সাক্ষাৎ অসম্ভৱ। সেই কাৰণে শেষত উপযোগী শ্ৰদ্ধাৰ আৱশ্যক হৈ পৰে।

( ২২ )

সত্য অনুসন্ধিৎসু ধূলিকণাতকৈও নম্ৰ হব লাগিব। জগতে ধূলিকণা ভৰিৰ তলত মোহাৰি যায়, কিন্তু সত্য অনুসন্ধিৎসু ইমান



নম্ৰ হব লাগিব যে, আনকি, ধূলিকণাও তেওঁক মোহাৰিব পৰা হব লাগিব। তেতিয়াহে সত্যৰ জিলিকনি দেখিব পৰা হব।

( ২৩ )

সত্য নীতিয়েই সকলোৰে গুৰি, সত্যই নীতিৰ সাৰ বস্তু।

( ২৪ )

সত্য নহলে সত্য-জ্ঞান অসম্ভৱ।

( ২৫ )

সত্য বজ্ৰৰ দৰে টান, ফুলৰ পাহিৰ দৰে কোমল।

( ২৬ )

কুবিচাৰ মাত্ৰেই হিংসা। উত্তেজিত হোৱাও হিংসা। মিথ্যা-ভাষণ আৰু ঈৰ্ষা এই উভয়েই হিংসা। যি বস্তু সংসাৰৰ কাৰণে আৱশ্যক তাক নিজৰ দখলত ৰখাও হিংসা।

( ২৭ )

অহিংসাৰ অৰ্থ হৈছে, সৰ্ব্ব ব্যাপী প্ৰেম।

( ২৮ )

যাৰ উদ্দেশ্য পবিত্ৰ, ঈশ্বৰে তেওঁক শেষত ৰক্ষা কৰিবই।

( ২৯ )

মানুহে গুণতকৈ দুৰ্গুণহে সহজে গ্ৰহণ কৰে আৰু যি সকলে ঈশ্বৰৰ লগত বন্ধুতা পাতিব খোজে, তেওঁলোকে একেবাৰে অকলশৰীয়াকৈয়ে থাকিব লাগে, নাইবা গোটেই পৃথিবীকে বন্ধু কৰি লব লাগে।

( ৩০ )

মোৰ দৈনিক কামবিলাকত ঈশ্বৰক দেখা পালে মোৰ জীৱন সাৰ্থক মানিম। প্ৰকৃততে ঈশ্বৰেই মুক্তানন্দৰ প্ৰাণ।

( ৩১ )

কেৱল ঈশ্বৰৰহে জীৱন নিয়াৰ ক্ষমতা আছে ;
কাৰণ তেওঁ জীৱন দিছেও।

( ৩২ )

অভিজ্ঞতাই মোক শিকাইছে যে সকলো মন্দিৰ ঈশ্বৰৰ আবাস নহয়। তাত ভূতো থাকিব পাৰে। যদি ৰক্ষক জন সজ মানুহ নহয় তেন্তে এই উপাসনাৰ দেৱতাবোৰৰ কোনো মূল্য নাই। মানুহে মন্দিৰ, মছজিদ, গীৰ্জ্জা যিদৰে চায় সেই দৰেই দেখে।



( ৩৩ )

আমি সকলোৱে নিজৰ ভৰিত থিয় দিব শিকিব লাগে। ঈশ্বৰেই আমাৰ সৰ্ব্বস্ব আৰু চিৰন্তন পথ-প্ৰদৰ্শক।

( ৩৪ )

গোটেই জগতে পতিয়ান নগলেও ঈশ্বৰ আছে। সমাজৰ সমৰ্থন নোহোৱাকৈও সত্য জীয়াই থাকে। ই আত্মা-বিকাশ সম্ভূত।

( ৩৫ )

ঈশ্বৰৰ বাহিৰে সকলোৱেই অপূৰ্ণ।

( ৩৬ )

ঈশ্বৰৰ "একমেব দ্বিতীয়ম্" ৰূপত মই বিশ্বাস কৰোঁ। সেয়েই মানব জাতিক মই এক বুলি জানোঁ।

(৩৭)

মোৰ কাৰণেই ঈশ্বৰ এজনেই ; কিন্তু মোৰ চকুত তেওঁ সাধাৰণ শিল এটা বা ইংৰাজ এজন আনকি হত্যাকাৰী এজন ৰূপেও প্ৰকাশ হব পাৰে ।

(৩৮)

ঈশ্বৰ-বিশ্বাসী আৰু প্ৰকৃত ধৰ্ম্মানুৰাগীৰ লগত পৃথিবীৰ বিবাদ হব নোৱাৰে। ইয়াৰ বিপৰীত হলে এই সকল মানুহে তেওঁলোকৰ প্ৰতি পঙ্কক সাধুৰ দৰে জয় কৰে। নামাজ পঢ়া বা তীৰ্থ কৰাই ধৰ্ম্ম নহয়। ভগবানৰ জ্ঞান আৰু আত্মজ্ঞানেই ধৰ্ম্ম।

(৩৯)

মোৰ কৰ্ম্ম হৈছে ঈশ্বৰৰ সেৱা কৰা তথা মানব জাতিৰ সেৱা কৰা। যদি মই এজন ভাৰতীয় হিচাবে ভাৰতৰ সেৱা নকৰোঁ আৰু হিন্দু হিচাবে মুছলমানৰ সেৱা নকৰোঁ তেন্তে মই ঈশ্বৰৰ বা মানৱতা, কাৰো সেৱা কৰিব নোৱাৰোঁ। স্বেচ্ছাৰে কৰা সেৱাই হৈছে সম্পূৰ্ণ পূজা।

(৪০)

সেৱাই মোৰ জীৱন।



(৪১)

আমাৰ জীৱনৰ জমা-খৰচৰ বহীত আমি কি কৈছিলোঁ বা পঢ়িছিলোঁ তাৰ হিচাব নহয়, হয় মাথোন আমি কি কৰিছিলোঁ তাৰহে।

(৪২)

মই বেদ, পুৰাণ, উপনিষদ আৰু সকলো ধৰ্ম্ম শাস্ত্ৰকে সম্পূৰ্ণৰূপে বিশ্বাস কৰোঁ। এতেকে অৱতাৰ আৰু পুনৰ্জন্মতো মোৰ বিশ্বাস আছে।

(৪৩)

মই প্ৰকৃত বৈদিক ধৰণেৰে বৰ্ণাশ্ৰমৰ বিশ্বাস কৰোঁ ; কিন্তু আজিৰযুগত চলা এই অসংশোধিত তথাকথিত বৰ্ণাশ্ৰম ধৰ্ম্মৰ মই সমৰ্থন নকৰোঁ।

(৪৪)

মই সাধাৰণে কৰাতকৈও গো-ৰক্ষা ধৰ্ম্মৰ বেছি বহলকৈ বিশ্বাস কৰোঁ।

(৪৫)

মই মূৰ্ত্তি পূজাক অবিশ্বাস নকৰোঁ।

( ৪৬ )

মই অসবৰ্ণ ভোজন আৰু অসবৰ্ণ বিবাহে মানুহৰ সম্মান লঘু কৰে বুলি নাভাবোঁ।

( ৪৭ )

মোৰ তীৰ্থ সমূহৰ প্ৰতি -অগাধ ভক্তি আছে। মই সেই বোৰক আদৰ কৰোঁ। মই এজন সংস্কাৰক সঁচা। সেই বুলি মই হিন্দু ধৰ্ম্মৰ মূল তথ্য সমূহ অস্বীকাৰ নকৰোঁ।

( ৪৮ )

হিন্দু ধৰ্ম্ম গোড়া স্বাৰ্থপৰ নহয়। ই সকলোকে সামৰে। ইয়াত সকলো মহাপুৰুষৰে পূজাৰ ব্যৱস্থা আছে। আপোন বিশ্বাস আৰু অভিৰুচি মতে ঈশ্বৰক উপাসনা কৰিবলৈ হিন্দু ধৰ্ম্মই নিৰ্দ্দেশ দিছে।

( ৪৯ )

অস্পৃশ্যতাৰ বিৰুদ্ধে মোৰ যুজ হৈছে সমগ্ৰ মানব জাতিৰ কলুষৰ বিৰুদ্ধে যুজ।



( ৫০ )

পৃথিবীৰপৰা এজন পাপীষ্ঠক অপসাৰিত কৰিবৰ অভিপ্ৰায়ে যদি কোনোবাই মোক গুলি কৰে, তেনেহলে সেই গুলিত প্ৰকৃত গান্ধী নিহত নহব; আক্ৰমণকাৰীৰ চকুত যি পাপীষ্ঠ বুলি গণ্য হয় তেওঁহে সেই গুলিত মৰা পৰিব।

( ৫১ )

যিবিলাকে মোৰ ওপৰত দোষাৰোপ কৰিছে; তেওঁলোকৰ হাতত মৃত্যু হলেও যেন তেওঁলোকৰ অমঙ্গল চিন্তা নকৰোঁ; ঈশ্বৰে যেন তেনে মানসিক শক্তি দিয়ে।

( ৫২ )

জীৱনত মই কেতিয়াও আশা ত্যাগ কৰা নাই। গভীৰ অন্ধকাৰৰ মাজতো মোৰ অন্তৰত আশাৰ উজ্জল পোহৰ জলি থাকে। মই নিজে কেতিয়াও সেই আশা নষ্ট কৰিব নোৱাৰোঁ।

( ৫৩ )

যি মিস্ত্ৰী নিজ যন্ত্ৰৰ লগত কাজিয়া কৰে, তেওঁ ভাল মিস্ত্ৰী নহয়। যি সেনাপতি নিজৰ বাহিনী বিলাকৰ দোষ বিচাৰি ঘূৰি ফুৰে, তেওঁ তেনে ভাল সেনাপতি নহয়। মোৰ বিশ্বাস মই থাৰাপ সেনাপতি নহওঁ।

( ৫৪ )

ভগবানৰ অস্তিত্ব অনুভূতিৰ বিষয়' যুক্তি-তৰ্ক দ্বাৰা এই অস্তিত্বৰ প্ৰমাণ কৰা কিছু দুৰ সম্ভৱ মাত্ৰ।

( ৫৫ )

জড়ৰ মাজতো যে চৈতন্য বিদ্যমান, তাক প্ৰমাণ কৰা যাব পাৰে। তেনেহলে চেতনশীল মাত্ৰকে যি বিধান নিয়ন্ত্ৰণ কৰিছে, তেৱেঁই ঈশ্বৰ।

( ৫৬ )

ঐশ্বৰী শক্তিক দীন ভাবে আৰু নীৰৱে মানি চলিলে জীৱন যাত্ৰা সহজতৰ হৈ আহে।

( ৫৭ )

ইন্দ্ৰিয়ৰ দ্বাৰা যি দৃষ্টি গোচৰ হয় সি কোনোমতে চিৰস্থায়ী নহয়। একমাত্ৰ ঈশ্বৰেই চিৰস্থায়ী।

( ৫৮ )

মই মৃত্যুৰ মাজতো জীৱনৰ, অসত্যৰ মাজতো সত্যৰ অন্ধকাৰৰ মাজতো আলোকৰ অস্তিত্ব দেখিব পাওঁ।



( ৫৯ )

বিধাতাৰ উদ্দেশ্য নিৰূপণৰ শক্তি কাৰো নাই। সেই অসীম করুণাৰ সাগৰত আমি কেৱল বিন্দু মাত্ৰ।

( ৬০ )

মানুহ ফলাফলত নিস্পৃহ হৈ কাম কৰিব লাগে। স্পৃহা অপেক্ষা অস্পৃহা অধিকতৰ ফলপ্ৰসূ।

( ৬১ )

মই এক সত্যক বিবৃত কৰিছোঁ মাত্ৰ। কেৱল মোৰ দ্বাৰাই ঈশ্বৰৰ উদ্দেশ্য সিদ্ধ হব পাৰে, এনে ভাবিবৰ সাধ্য মোৰ নাই।

( ৬২ )

মই মুক্তি বিচাৰোঁ। সমাজৰ এজন হিচাবে মই কেৱল নিজৰ কাৰণে মুক্তি নিবিচাৰোঁ; সকলোৰে কাৰণে মুক্তি বিচাৰো—সেইবাবেই মোৰ প্ৰাৰ্থনা

( ৬৩ )

ভগবানক ভুলি যোৱাই আটাইতকৈ ডাঙৰ পাপ।

( ৬৪ )

সাহসেই চৰিত্ৰৰ মূল। তাক বাদ দিলে নীতিবাদৰ কোনো অৰ্থ নহয়। ভয়াতুৰে সত্য বা প্ৰেমৰ বাটত বাট বুলিব নোৱাৰে।

( ৬৫ )

শৰীৰৰ প্ৰয়োজনৰ বাবে যেনে খাদ্য—আত্মাৰ প্ৰয়োজনৰ বাবেও তেনেকৈ উপাসনা। উপাসন ব্যতীত প্ৰকৃত শান্তি আহিব নোৱাৰে।

( ৬৬ )

সত্যৰ পূজাৰীৰ হৃদয় ফুলৰ দৰে যেনে সুকোমল
বজ্ৰৰ নিচিনা তেনে সুকঠিনো।

( ৬৭ )

বিধান আৰু বিধাতা অভিন্ন। মই এই বিধান আৰু
বিধাতাক অস্বীকাৰ কৰিব নোৱাৰোঁ।

( ৬৮ )

ভগবানেই জীৱন, সত্যই আলোক, তেৱেঁই প্ৰেম,
তেৱেঁই পৰম কল্যাণ।



( ৬৯ )

পাপৰ বিৰুদ্ধে সংগ্ৰাম নকৰিলে জীৱন পাত কৰিও
ভগবানক জানিব নোৱাৰি।

( ৭০ )

মোৰ বিশ্বাস যেতিয়া হিমালয় পৰ্ব্বতৰ নিচিনা অটল আৰু শৃঙ্গবিলাকৰ ওপৰত থকা তুষাৰৰ নিচিনা শুভ্ৰ হব; তেতিয়াই মই ভগবানৰ ঘনিষ্ঠ সান্নিধ্য লাভ কৰিব পাৰিম।

( ৭১ )

যি জাতি বা ধৰ্ম্ম অন্যায়, অসত্য আৰু হিংসাৰ ওপৰত প্ৰতিষ্ঠিত হবলৈ বিচাৰে, সেই জাতি বা ধৰ্ম্ম জগতৰ বুকুৰপৰা বিচ্ছিন্ন হৈ যাব।

( ৭২ )

মই মহাত্মা নহয়, ঋষি-মুনিও নহয়। মই দেশৰ দীন-সেৱক—সত্য সন্ধানী। সত্য যে অখিল জ্ঞানৰ উৎস, এই কথাই মই গভীৰ ভাৱে উপলব্ধি কৰিছোঁ মাত্ৰ।

( ৭৩ )

আত্ম পৰীক্ষা আৰু আত্মশুদ্ধি অহিংস জীৱন যাপনৰ মুল কথা।

( ৭৪ )

আনৰ বেদনাত যাৰ হৃদয় বিগলিত হয়, তেৱেঁই প্ৰকৃত বৈষ্ণৱ। লোক সেৱাই হৃদয়ক বলিষ্ঠ আৰু পবিত্ৰ কৰিবৰ শ্ৰেষ্ঠ উপায়।

( ৭৫ )

ঈশ্বৰত যাৰ গভীৰ বিশ্বাস আছে, তেওঁ দুৰ্বল হলেও প্ৰকৃত শক্তিমান, দৰিদ্ৰ হলেও আধ্যাত্মিক সম্পদত সম্পদশালী।

( ৭৬ )

যাৰ মুখত মৌ, অন্তৰত বিষ, তেওঁৰ প্ৰাৰ্থনা যিমানেই আন্তৰিক হওক, সি কোনোমতে ঈশ্বৰৰ ওচৰলৈ নাযায়। ঈশ্বৰৰ সেৱা কৰোঁতাজনৰ অন্তৰত তেওঁ আপোনা আপুনি থিতাপি লয়।



( ৭৭ )

দেহ মন প্ৰাণ ঐকান্তিকভাবে নিপীড়িতৰ সেৱাত নিয়োগ কৰিব পাৰিলেই প্ৰকৃত ভক্ত হোৱা যায়।

( ৭৮ )

সকলোতকৈ নীচ অধম আৰু দীন দুখীয়াৰ মাজতেই ভগবানৰ আসন সুপ্ৰতিষ্ঠিত।

( ৭৯ )

প্ৰাৰ্থনা বুলিলে ঈশ্বৰৰ মহিমা আৰু গুণানু কীৰ্ত্তন কৰাকে বুজায়।

( ৮০ )

ৰাম, কৃষ্ণ, ৰহীম, গড (God) যি কোনো নামৰেই ইশ্বৰক উপসনা কৰিলেই তেওঁ সন্তুষ্ট হয়।

( ৮১ )

ঈশ্বৰৰ ওচৰলৈ আমাৰ সকলোৰে মনোগত প্ৰাৰ্থনা যায় আৰু আমাৰ যোগ্যতানুসাৰে তেওঁ পূৰা কৰে।

(৮২)

উপসনা কেৱল মৌখিক কাম নহয়, হৃদয় উন্মুক্ত কৰি কৰিব পাৰিলেহে উপাসনা কৰা হয়।

(৮৩)

বোবা, অন্ধ; অজ্ঞান, নিৰ্ব্বোধ সকলোৰে উপাসনাত সমান অধিকাৰ আছে।

(৮৪)

"ঈশ্বৰেই একমাত্ৰ সত্য" ইয়াক নকৈ সত্যকেই ঈশ্বৰ বোলাই শ্ৰেয়।

(৮৫)

সত্যোপলব্ধিৰ একমাত্ৰ উপায় 'অভ্যাস' আৰু 'বৈৰাগ্য' অৰ্থাৎ অনন্য-চিত্ত সাধনা।

(৮৬)

সাধনা যদি সত্য হয়,, তেনেহলে অৱশেষত দেখা যা এডাল গছৰ অসংখ্য ডাল পাতৰ নিচিনা বিভিন্ন মানুহৰ ওচৰ প্ৰতিভাত সত্যও এক বৃহৎ সত্যৰ পৰা অহা।



(৮৭)

সত্য সন্ধানীয়ে স্বেচ্ছায় দুখ-কষ্ট বৰণ কৰিব লগা হয়। তেওঁৰ বাটত যদি মৃত্যু আহে সিও গৌৰবৰ মৃত্যু।

(৮৮)

সাধনা স্বাৰ্থহীন আৰু একাগ্ৰ হলে ভুল বাটত কোনোৱে বেছি দিন চলিব নোৱাৰে। ভুল বাটত পৰাজয় সুনিশ্চিত অৱশেষত তেওঁ ফিৰি আহিবই।

(৮৯)

সত্য সন্ধানীৰ একমাত্ৰ পথ "ভক্তি" ; এই বাটত ঈশ্বৰৰ দৰ্শন লাভ কৰিব পাৰি।

(৯০)

ঈশ্বৰৰ বাটত কাপুৰুষৰ ঠাই নাই নতুবা পৰাজয়ৰ গ্লানিও নাই।

(৯১)

সত্যৰূপী ঈশ্বৰ আমাৰ অমূল্য সম্পদ। আমালোকৰ প্ৰত্যেকৰ কাৰণে এই কথা সত্য হওক—ইয়াকে প্ৰাৰ্থনা কৰোঁ।

( ৯২ )

মই যদি কোনো পুন্য অৰ্জ্জন কৰিছোঁ তেনেহলে সি সত্য আৰু অহিংসা। অতি মানবীয় শক্তি মোৰ নাই। সেই শক্তিৰ মই কামনাও নকৰোঁ।

( ৯৩ )

পৃথিৱীক সন্তুষ্ট কৰিবৰ কাৰণে মই কেতিয়াও ভগবানৰ বিৰোধিতা কৰিব নোৱাৰোঁ।

( ৯৪ )

মোৰ নিচিনা লক্ষ লক্ষ গান্ধী ধ্বংস পালেও সত্য চিৰ জাগৰুক থাকিব। সত্যৰ মৰ্যাদা ক্ষুণ্ণ কৰিবৰ দুঃসাহস যেন মোৰ কোনো দিন নহয়।

( ৯৫ )

মই ঈশ্বৰৰ চকুত চকু মিলাই, মুখত মুখ মিলাই একেলগে ঠিয় দিব বিচাৰোঁ; কিয়নো, মই জানোঁ ঈশ্বৰেই সত্য।

( ৯৬ )

ভগবানে মানুহক সৃষ্টি কৰিছে আৰু সেই কাৰণে ভগবানক মানুহে ধন্যবাদ নিদি নোৱাৰে। এই ধন্যবাদৰ নামান্তৰেই প্ৰাৰ্থনা।



( ৯৭ )

প্ৰাৰ্থনাই আমাক নিৰ্ভয় কৰি তোলে। ঈশ্বৰোপলব্ধিৰ অৰ্থ হল পৃথিবীৰ সকলো ভয়ৰপৰা মুক্তি।

( ৯৮ )

প্ৰাৰ্থনাৰ দ্বাৰাই আমাৰ অন্তৰৰ সকলো আন্ধাৰ দূৰ হয়; আমি যথাৰ্থ দৃষ্টি-ভঙ্গি লাভ কৰিবলৈ সমৰ্থ হওঁ।

( ৯৯ )

প্ৰাৰ্থনাক জীৱনৰ অত্যাৱশ্যকীয় কৰ্ত্তব্য বুলি নাভাবিলে আমাৰ ধন সম্পত্তি, শিক্ষা দীক্ষা, এনেকি জীৱনো নিৰৰ্থক।

( ১০০ )

মানুহ সামাজিক জীৱ। এই বাবে প্ৰাৰ্থনাৰ ব্যৱস্থা এনে হোৱা উচিত যাতে সকলোৱে দলে দলে যোগ দিব পাৰে।

( ১০১ )

সমবেত প্ৰাৰ্থনাত মানুহৰ মনত শান্তি, ঐক্য আৰু শৃঙ্খলাবোধ আহে। শান্তি, ঐক্য আৰু শৃঙ্খলা বজাই ৰাখা দেশবাসীৰ পক্ষে আজি বিশেষ কৰ্ত্তব্য হৈ পৰিছে।

( ১০২ )

মই জানোঁ যে পবিত্র প্রেমৰ কাৰণে একোৱেই অসম্ভৱ নহয়।

( ১০৩ )

সংস্কাৰকে অগাধ পানীত বুৰ দিবলৈ যোৱাতো অনুচিত। তেওঁ যাক সংস্কাৰ কৰিব খোজে, তাৰ লগত ঘনিষ্ঠতা ৰাখিব নোৱাৰে।

( ১০৪ )

প্রকৃত বন্ধুতা আত্মাৰ একতা, কিন্তু সি সংসাৰত দুষ্প্রাপ্য।

( ১০৫ )

সকলো বিপদ মূৰ পাতি লৈ স্বীকাৰ নকৰিলে দোষ কেতিয়াও স্খালন নহয়।

( ১০৬ )

উপাসনা আৰু প্রার্থনা কুসংস্কাৰ নহয়; পান, ভোজন, উপবেশন, ভ্রমণ এইবোৰ কামৰ দৰে এইবিলাকও আৱশ্যক।



( ১০৭ )

ইন্দ্রিয় পৰায়ণতাৰপৰা মনক শুদ্ধ কৰিবলৈ উপাসনাই, অব্যর্থ উপায়। সেই সম্বন্ধে মোৰ কোনো সন্দেহ নাই।

( ১০৮ )

জীৱনত একাগ্রতা থাকিলে অন্তৰৰ পবিত্র বাসনা সদায় সফল হয়।

( ১০৯ )

সেৱা ধৰ্মই মোৰ জীৱনৰ একমাত্র ব্রত; কিয়নো-একমাত্র সেৱাৰ ভিতৰদিহে ভগবান পাব পাৰি।

( ১১০ )

য'ত উদাৰতা, সহিষ্ণুতা আৰু সত্য থাকে তাত প্রভেদ থাকিলেও সেই প্রভেদ লাভ জনক হে।

( ১১১ )

আনন্দ নোপোৱাকৈ সেৱা কৰিলে সেৱক আৰু সেৱিত কাৰো সহায় নহয়। আনন্দৰ ভাৱতে সেৱা কৰিলে ঐহিক সম্পত্তি আৰু সুখ সকলো তুচ্ছ হয়।

১১২

মৰমে ভাঙিব নোৱাৰা ব্যৱধান কোনো নাই।

( ১১৩

সকলো ধৰ্ম্মৰ প্ৰতি সমভাৱ হলেহে আমি আমাৰ দিব্য-চক্ষু লাভ কৰিব পাৰোঁ। ধৰ্মান্ধতা আৰু দিব্য-দৰ্শন এই উভয়ৰে মাজত উত্তৰ দক্ষিণৰ দৰে অন্তৰ।

( ১১৪ )

মৃত্যু বিভীষিকাই মোক নোচোৱে। ই মোক শান্তি আৰু তৃপ্তি হে আনি দিব।

( ১১৫ )

শাৰীৰিক সামৰ্থ্যই শক্তিৰ উপাদান নহয়। অদম্য ইচ্ছাই তাৰ প্ৰমাণ।

( ১১৬ )

অস্পৃশ্যতাই কেতবোৰ ঠাইত ধৰ্মৰ নাম লৈ, কেতিয়াবা আকৌ ধৰ্মৰ মুখা পিন্ধি নানা ধৰনেৰে বিঘিনি ঘটাই আহিছে আৰু ধৰ্মক কলুষিত কৰি তুলিছে।



( ১১৭ )

মই মোক নিজকে খৃষ্টান, মুছলমান, পাৰ্চী, ইহুদী, শিখ, জৈন বা আন কোনো সম্প্ৰদায় ভুক্ত বুলি ভাবোঁ। ইয়াৰ অৰ্থ এই যে, মই সকলো ধৰ্মৰ সাৰ-মৰ্ম গ্ৰহণ কৰিছোঁ। এই নীতি পথ লৈয়েই সাংঘাতিক দায়ৰপৰা মুক্তি পাইছোঁ আৰু ধৰ্ম সম্পৰ্কে স্বীয় বিশ্বাসৰ পৰিধি ব্যাপক কৰিবলৈ সমৰ্থ হৈছোঁ।

( ১১৮ )

শত্ৰুৰ অন্তৰ জয় কৰি তেওঁক বন্ধুত পৰিণত কৰাই মোৰ কাম।

( ১১৯ )

আত্মাৰ বিচাৰ কৰা, অজ্ঞতা জয় কৰা, শুদ্ধ আচৰণ কৰা, মানুহৰ পৰা মানুহে পোৱা ভয় দূৰ কৰা।

( ১২০ )

মই আকৌ জন্ম-গ্ৰহণ কৰিবলৈ নিবিচাৰোঁ। কিন্তু যদি পুনৰায় জন্ম গ্ৰহণ কৰোঁ তেতিয়া যেন অস্পৃশ্য সকলৰ মাজতেই

জন্ম পাওঁ। তেতিয়াহে মই সিহতঁৰ অসুবিধাৰ অংশ গ্ৰহণ কৰিব পাৰিম; সিহঁতৰ মুক্তিৰ কাৰণে খাটিব পাৰিম।



